# কণ্ট্ৰোল পুৰাণ


লিখক আৰু প্ৰকাশক

শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা

মেনেজাৰ—ৰজনীপ্ৰভা এজেঞ্চী

পোঃ আঃ কমাৰকুছি, কামৰূপ



১ম বাৰ

১৩৫৫ সাল ৩১শে আহিন

শ্ৰীশ্ৰীলক্ষ্মী পূজা

বেচ চাৰি অনা।

# ক[illegible]াল পুৰাণ




—ঃ*ঃ*—

লিখক আৰু প্ৰকাশক

শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱা

মেনেজাৰ ৰজনীপ্ৰভা এজেঞ্চী

পোঃ আঃ কমাৰকুছি,

কামৰূপ




১ম বাৰ

১৩৫৫ সাল ৩১ আহিন শ্ৰীশ্ৰীলক্ষ্মীপূজা।



বেচ চাৰি অনা

# ৰাইজলৈ নিবেদন।

## ভোগ লগাক ভাত, পিয়াহ লগাক পানী।

লাঙটাক বস্ত্র দিবা আপোন মনে জানি, ই বেদৰ বচন, জগতত অন্ন আৰু বস্ত্রদানৰ সমান আন একো ধৰ্ম্ম নাই এই অন্নবস্ত্র এজনে মৰম কৰি দিলেও আন এজনে যদি দিব নিদি কাঢ়ি আমি আন এজনক দিয়ে তেন্তে তাৰ সমান মহাপাপ আৰু জগতত নাই। গবৰ্ণমেণ্টে সকলোকে উপযুক্ত পৰিমাণে খাব লবৰ দিহা কৰি দিছে বৰ দুখৰ কথা চলাওঁতা সকলে ঠিকৰকমে নিদি দুখীয়া সকলক খাব নোপোৱা কৰিছে অথচ সুখীয়াই খাই লই ভড়াল ভৰ্ত্তী কৰি থৈছে, ইয়াকে কয় হাতে নেমাৰি ভাতে মাৰে আধা পেটী ভাতে পুত্রশোকে সমান আধা পেটী ভাত দিয়াৰ সমান পাপ নাই, কাটীচিঙি ম্লেচ্ছক কৰিয়া কুন্দামাৰ। কলিৰ সেহত সত্য কৰিবো প্ৰচাৰ কণ্ট্ৰোলেহে প্ৰথম সত্য পৰীক্ষা এই লোভ এৰি এই পৰীক্ষাত উত্তীৰ্ণ হলেহে জগত চিৰশান্তিময় হব এতেকে সকলোকে হাত যোৰ কৰি কওঁ কোনেও যেন ই সত্য নেভাঙি নিজ নিজ উদ্ধাৰৰ পথ মুকলি কৰে।

শেহত ইয়াকে কওঁ এই পুথিখন ১৩১৪ চনৰ বিজয়া দশমীৰ দিনাই লিখো তেতিয়া অতিৰিক্ত দাম দিলেও কাপোৰ কাণি আৰু খোৱা লোৱা বস্তু বাৰি ক'তো পাবৰ নাইকিয়া হৈছিল ছাপাখানা আৰু কাগজৰ অভাবত পৰি আজিলৈ ছপাব পৰা নাছিলো এতিয়াও সেইবোৰ অসুবিধাৰ মাজত থাকিও কোনোমতে পুথিখন ছপাই উলিয়ালো এতিয়া সকলোকে প্ৰাৰ্থনা কৰো সকলোৱে একোখনি পঢ়ি দোষৰভাগ এৰি গুণৰ ভাগ লবৰ কামনা। ইতি—

১৩৫৫।৩১ আহিন

**ৰাইজৰ কৃপা ভিখাৰী প্ৰসন্ন।**

# কণ্টোল পুৰাণ।

শ্ৰীশ্ৰীশ্যামৰায় দেৱে নমঃ।

হয় আৰে অবনতে কৰিকায়, বন্দো প্ৰভু শ্যামৰাই
প্ৰভু তুয়া পাৰে লক্ষেক প্ৰণাম।
মই অতি মূঢ়মতি নেজানো তোমাৰ স্তুতি
কৃপা কৰা দেব গজানন॥
তোমাৰ চৰণে ৰতি সদা যেন থাকে ভক্তি
দিয়া মোক এই সজ জ্ঞান।
বন্দো প্ৰভু শ্যামৰায়, তুয়া পদে দিয়া ঠাই
তব পদে পশিলো শৰণ॥
মই অতি পাপাচাৰি, তোমাৰ চৰণে ধৰি
কাতৰ কৰোহো কৰা দয়া।
কমাৰ কুছি গ্ৰামে জন্ম, নাম মোৰ প্ৰসন্ন
বিদ্যাবুদ্ধি হীন অভাগীয়া॥



দিহা—

মন ভজনাৰে হৰিৰ পৰম পদে জপনাৰে
অবনীতে জন্ম ধৰি তোমাক ভুলিলো।
মই অতি মহাপাপী নৰকে ডুবিলো॥
অই বোলে অবনীক কিয়নো আহিলা।
আহোতেই কিনো তুমি কই আহিছিলা॥
অকৰ্ম্ম নকৰো আৰু অধৰ্ম্মে নচলো।
অ-আখৰৰ শিক্ষা হাতে হাতে পালো॥
আই বোলে আছিলা তুমি মাতৃৰ গৰ্ভত।
আপোনাৰ কৰ্ম্মফল ভুগিবা পাছত॥
আপনি আৰ্জ্জিলে ফল ভূঞ্জিবাক পাই।
আই কৈছে এই কথা দঢ়াই দঢ়াই॥
ই বোলে ই বাৰ তাৰিয়ো ভগবান।
ই বাৰ নকৰো মই অধৰ্ম্মা চৰণ॥
ই বাৰ উদ্ধাৰা মোক প্ৰভু ভগবান।
ই কৈছে গেৰিয়াই সত্য কৰি আন॥
ঈ বোলে ঈশ্বৰ তুমি কুপথে নেনিবা।
ঈশ্বৰে নকৰে বেয়া তুমিহে কৰিবা॥
ঈশ্বৰৰ বাক্য যদি মানি চলা তুমি।
ঈ কৈছে ইবাৰ তেন্তে উদ্ধাৰিবো আমি।

শ্যামৰায় শ্যামৰায় প্ৰভু শ্যামৰায়।
প্ৰসন্নৰ প্ৰতি তুষ্ট থাকিবা সদায় ॥

দিহা—

কলিত ভাবৰে ভাব ভাই
ভব তৰাইবে সুখে, ৰাম বোল ভাই মুখে

উই বোলে উন্মত্ত নহবা কোনো কালে।
উচিতত চলিলেহে সবে ভাল বোলে ॥
উপায় বিহীন যদি হোৱে কোনো নৰ।
উই কৈছে তথাপিতো অন্যায় নকৰ ॥
ঊই বোলে উৰ্দ্ধদেবে নেড়িবো সদাই।
ঊৰ্দ্ধ বাহু হই হৰি বুলি নাচা ভাই ॥
ঊৰ্দ্ধলিঙ্গ ভাবি তুমি থাকা ৰাতি দিনে।
ঊই কৈছে নিশ্চয় তাৰিবো নাৰায়ণে ॥
ঋ বোলে ঋষি সবে কহিছে পূৰ্ব্বত।
প্ৰত্যয় নকৰা যদি চোৱাহা শাস্ত্ৰত ॥
ঋষি সবে বোলে কাকো হিংসা নকৰিবা।
ঋ কৈছে মোৰ কথা সদা সুমৰিবা ॥
ৠ বোলে ঋতে তুমি ভাবা নাৰায়ণ।
ৠতে থাকা ভগবান নাভাবিবা আন ॥

৯ বোলে লীলা তব বুজিতে নাপাৰি।
ভাল বেয়া বুদ্ধি দিয়া তুমি সে মুৰাৰি ॥
লীন হবা খোজা যদি সাধুৰ লগত।
লী কৈছে সতভাবে চলিবা শতত ॥
৯ ৰোলে লীলাময়ী অগতিৰ গতি।
তুমি নাতাৰিলে মোৰ নাই আন গতি ॥
শত্রুক্ষয় কাৰী প্রভু বিপদ বাৰণ।
৯ কৈছে এই কথা শুনা সর্ব্বজন ॥
শ্যামৰায় প্রভু তুমি দিয়া সজমতি।
তোমাৰ চৰণে যেন নেড়য় ভকতি ॥
কমাৰ কুছি গ্রামে জন্ম নামত প্রসন্ন।
কণ্ট্রোল বর্ণনা পদ কৰিলা ৰচন ॥

দিহা—

অ-পামৰু মন অ অবোধ মন কি কৰ বসিয়ে
হৰি নভজিয়া তই পড়িলি বিপাঙে ॥
এই বোলে এইবাৰ পাপ নকৰিবা।
এই মতে চলিলেহে নিশ্চয় তৰিবা ॥
এওঁ মোৰ নিজা আৰু এওঁ পৰ হয়।
এই কৈছে এনে ভাব কদাপি নহয় ॥
ঐ বোলে ঐতে ভাই কেদিন থাকিবা।
দুইদিন আগে পাছে সকলো যাইবা ॥
ঐতে পড়ি ৰব ভাই ধন সোন তোৰ।
ঐ কৈছে এই কথা জানিবাহা মোৰ ॥

ওই বোলে ওহে প্ৰভু পতিত পাবন।
ইবাৰ তাৰিয়া মোক নিয়া ভগবান॥
ওহে প্ৰভু গদাধৰ শত্ৰু ক্ষয়কাৰী।
ওই কৈছে ভজা তুমি মকুন্দমুৰাৰি॥
ঔ বোলে ঔষধ আন একো নাই।
বিপদে পৰিলে তুমি নেড়িবা গোসাই॥
ঔষধৰূপে ভগবান নিশ্চয় জানিবা।
ঔ কৈছে এই কথা সাৰ মানিবাহা॥
অং বোলে অন্তকালে নেড়িবাহা হৰি।
বিপদে পৰিলে মোক আনিবা উদ্ধাৰি॥
অং ৰূপে সদাশিব তুষ্ট হবা তুমি।
অং কৈছে যদি চিন্তে ৰাখিবোহো আমি।
অঃ বোলে কণ্টক মোৰ আছয় বহুত।
তোমাৰ চৰণে মন নেড়োক সতত॥
গণেশৰ চৰণত কৰা নমস্কাৰ।
অঃ বোলে মই তেন্তে কৰিবো উদ্ধাৰ॥
শ্যামৰাই পদে নতি কৰি শতবাৰ।
প্ৰসন্নে ৰচনা কৰি কৰিলা প্ৰচাৰ॥

---

দিহা—

এ কণ্ট্ৰোল পাতে নাৰে অ গবৰমেণ্টে
হ কণ্ট্ৰোল পাতে না ৰে

কণ্ট্ৰোল পাতি গবৰমেণ্টে দিছে ঠাই ঠাই।
বৰ ভাল কথা হৈছে মিলি খোৱা ভাই॥
আমাৰ ভিতৰে দেখো কাজিয়া সদাই।
এ জনৰ ভাগ এজনে কাঢ়ি খাই॥
যোনে ভাগ বাটী দেই সিয়ে খাই বেঁচি।
খাব নোপোৱা জন শুকাই মৰিছি॥
পিন্ধিব কাপোব নাই খাব নাই ভাত।
বলী বল কৰে কিনো কালৰ মহত॥
কই বোলে কণ্ট্ৰোল বুলি ফুৰে গেৰিয়াই
কণ্ট্ৰোলৰ আসল অৰ্থ বিচাৰি নেপাই॥
কণ্ট্ৰোল শব্দৰ অৰ্থ সত্যকে মানিবা।
ক আখৰৰ এই নিৰ্ণয় জানিবা॥
খই খৰছ কৰা নিয়মিত থাকি।
এই নীতি মানিলেহে নথাকয় বাকি॥
খঙ্গ হস্ত নহবাহা কাৰো ওপৰত।
খ আখৰৰ এই জানা সাৰতত্ত্ব॥
গই বোলে গবৰমেণ্টে দিছে সম কৰি।
সকলোৰে লোৱা ভাই বাটোৱাৰা কৰি॥

গণ্ডগোল নকৰিবা ভাগৰ সময়।
গ আখৰৰ এই জানিবা নিশ্চয়॥
প্ৰসন্নে ৰচনা কৰে কণ্টোলৰ পদ।
হৰি হৰি বোলা সবে খণ্ডোক আপদ॥

দিহা—

হৰিৰ নাম লউ ভাই হৰিৰ নাম লউ।
ব্লেক মাৰ্কেট মহাপাপ কাতি কৰি থউ॥
ঘই ৰোলে ঘৰে ঘৰে হোৱা সাবধান।
কণ্ট্ৰোলে কৰিব পাৰে দুঃখ বিমোচন॥
ঘৰে ঘৰে যিটো পাবা মিল হৈ আনিবা।
ঘ আখৰৰ এই নিৰ্ণয় জানিবা॥
ঙই বোলে উমলিবৰ সময় আৰ নাই।
উচিতত চলিলেহে জীব তৰি যায়॥
উচিত মতে যিটো পাবা সেইখিনি সাৰ।
ঙ আখৰৰ এই বাকী নাই আৰ॥
চই বোলে চোৰাং বজাৰ দুয়োজনে কৰে।
ই বৰ মহাপাপ জানিবাহা নৰে॥
চোৰ কৰা মহাপাপ লুকায়ো নকৰা।
চ আখৰৰ সাৰ মনে মনে ধৰা॥
ছই বোলে ছেদিবোহো ভগবানে তাক।

কিনা বেচা যিটো কৰে সমূলি তাহাক ॥
ছল কৰা মানুহৰ কল্যাণ নহয় ।
ছ আখৰৰ মুল এই সত্য হয় ॥
জই বোলে জগতক স্রজি আছেহৰি ।
অন্যায় কাৰীক হৰি মাৰিবো মোচৰি ॥
জোৰ জুলুম তুমি নকৰিবা কাকো ।
জ আখৰৰ এই তৰিবাৰ সাঁকো ॥
ঝ ই বোলে ঝমক ভমক মাৰি ফুৰে সিটো
ৰাতি হলে কিনা বেচা কৰি থাকে যিটো ॥
ঝঞ্জাট বঢ়াই লৈ মাৰিবোহো হৰি ॥
ঝ আখৰৰ শত্য লোৱাহা বিচাৰি ॥
ঞ ই বোলে নিয়মত যোনে যিটো পাই ।
সেইখিনি পালে তাৰ সবে মিলি যাই ॥
নিয়তিৰ নিয়মত চলিবা সদাই ।
ঞ আখৰৰ এই বুজা অভিপ্রায় ॥
হৰি হৰি ৰাম ৰাম বোলা সৰ্ব্বজনে ।
কণ্ট্ৰোল বৰ্ণনা পদ লেখয় প্রসন্নে

**দিহা—**

গোবিন্দ গোবিন্দ গোবিন্দ বিনে
অতনা দুঃখ হৰি তাৰাইবো কোণে ॥

টই বোলে টানাটানি নকৰিবা ভাই।
সত্যত থাকিলে জানা সকলোৱে পাই॥
টান কথা কই কাকো নিদিবা বেজাৰ
ট আখৰৰ এই মুল নীতি সাৰ॥
ঠই বোলে ঠগাঠগি কাহাকো নকৰা।
ঠগাঠগি কৰি নিজে সমূলি নমৰা॥
ঠগি খোৱা যদি তুমি তোমাকো ঠগিব।
ঠ আখৰৰ নীতি মনত ৰাখিব॥
ডই বোলে ডৰ নকৰিবা কোনো জনে।
ধৰি শাস্তি দিয়া যিটো সত্যক নমানে॥
ডবল কৰিয়া শাস্তি দিবো ভগবান।
ড আখৰৰ ধৰ্ম্ম জানা এহি মান॥
ঢই বোলে ঢোল পিতি দিয়া সকলোৱে।
এনুৱা পাপীক যেন সমুলি বুৰাৰে॥
ঢেৰ পাপী জগতত তাত পৰে নাই।
ঢ আখৰৰ জানা এই হে নিৰ্ণয়॥
ন ই বোলে নাৰায়ণ দিয়া সজমতি।
তেনেহলে সকলোৰে সুখ হব অতি॥
নাৰায়ণে নাৰাখিলে ৰাখিবেক কোনে।
নিৰাময় হৰি তাক দিয়া সজ জ্ঞানে॥

প্ৰসন্নে ৰচনা কৰে নিৰন্তৰে ভাবি।
কেতিয়া উদয় হব দেশৰ ভাগ্যৰবি

দিহা—

ইবাৰ ভাবিয়ো ভগবান
হৰি নাজানো কিমতে পৰিত্ৰাণ॥
তই বোলে তুমি যিটো কণ্ট্ৰোলত পাবা।
দুই চাৰি লগলাগি দোকানীক কবা॥
তোমাৰ ভাগৰ মাল অবশ্যেই দিব।
ত আখৰৰ নীতি সাৰ মানি লব॥
থই বোলে থৰকা চুতি এড়িবো তেতিয়া।
সকলোৱে ভাগ লই আহিবো যেতিয়া॥
থোকে থোকে সব কাম কৰা এই দৰে।
থ আখৰৰ সাৰ জানা সাৰে সাৰে॥
দই বোলে দগ্ধ হয় পেটৰ জালাত।
কাপোৰৰ দুখে আৰু তাৰ ওপৰত॥
দগ্ধোদৰ নিবাৰণ কৰিবেক হৰি।
দ-আখৰৰ মত থাকিবা সুমৰি॥
ধই বোলে ধনী লোকে এই কাম কৰে।
ভাবি চোৱা কত ধনী গেল যম ঘৰে॥

ধন যিটো সবে আৰ্জ্জে অন্যায় কৰিয়া।
ধ আখৰৰ মতে শেষ ফল বেয়া॥
নই ৰোলে নকৰিবা তুমি সিটো মন।
নিজো দুখ পালে পাই পৰেও তেমন॥
নিজে নেখাইও তুমি পৰে দিবা দান।
ন আখৰৰ এই নিয়ম ধৰম॥
পই বোলে পৰিশ্ৰম জগতৰ মুল।
পৰৰ বাঢ়া ভাত খালে সমুলি নিৰ্ম্মুল॥
পৰৰ পাব লগা বস্তু যদি কাঢ়ি আনা।
পই বোলে হব বোলে হব ঢেৰ জৰিমানা॥
ফই বোলে ফল পাবা নিশ্চয় জানিবা।
ৰাইজৰ অভিসাপে নিশ্চয় মৰিবা॥
ফাটকে আটক তুমি থাকিবা সদাই।
ফ আখৰৰ মুল জানিবাহা এই॥
বিদ্যাবুদ্ধি হীন মোৰ নামত প্ৰসন্ন।
কণ্ট্ৰোল বৰ্ণনা পদ কৰিলো ৰচন॥
শ্যামৰাই মোৰ প্ৰভু করুণা সাগৰ।
প্ৰসন্নক এইবাৰ কৰিয়ো উদ্ধাৰ॥

**দিহা—**

সত্য ধৰ্ম্ম ধৰানৰ সত্য ধৰ্ম্ম ধৰ

অসত্যত মজি ৰৈলা এভব সংসাৰ ॥
ৰই বোলে বিধাতাই সবাকো স্রজিছে।
সকলোৰে সম ভাগ তেতিয়া হইছে ॥
ব্রহ্মাণ্ডক আহোতেই সত্য কৰিছিলা ।
ব আখৰেই বোলে কিয়নো ভুলিলা ॥
ভই বোলে ভজা সবে হৰিৰ চৰণ ।
সকলোৱে সুখ পাবা জীবন মৰণ ॥
ভয়ত্রাতা ভগবান নিশ্চয় জানিবা।
ভই কৈছে এই কথা সাৰ মানি লবা ॥
মই বোলে মতি গতি স্থিৰ কৰি লোৱা।
ন হলে ধনীৰ দৰে হবা ভাবি চোৱা ॥
মায়াতেই পৰি তুমি কু-কৰ্ম্ম কৰিছা ।
মই কৈছে মায়াতেই সমুলি মৰিছা ॥
যই বোলে যত লোকে কণ্ট্রোল ভাঙিছে ।
ভাবি চোৱা সিহঁতৰ কি দশা ঘটিছে ॥
যোনে যিটো কৰ্ম্ম কৰে সেই ফল পাই ।
য আখৰৰ সাৰ জানিবা সবাই ॥
ৰই বোলে ৰক্ষা নাই ভগবান বিনে।
যি কাম কৰিলা তুমি ভাবি চোৱা মনে ॥
ৰক্ষাৰ উপায় আছে লোভা এৰা তুমি ।
ৰই কৈছে ৰিঙিয়াই এড়াবা বিঘিনি ॥

ল ই বোলে লৰি গলে ৰক্ষা না পাইবা ।
কৰ্ম্ম ফল ভাই তুমি পাছে সুমৰিবা ॥

লোৱা ভাই সাৰ কথা হৰি নাম আদি ।
ল আখৰৰ তত্ত্ব বিচৰাহা যদি ॥

ৱ ই বোলে বাঞ্ছা ন কৰিবা চোৰাং পিনে ।
তেহে যদি উদ্ধাৰ কৰে নাৰায়ণে ॥

বাঞ্ছা কৰা যদি তুমি অসত্যৰ পিনে ।
ৱ ৰ মতে অসত্যত মৰিবা আপোনে ॥

স ই বোলে শক্তি মতে ভক্তি কৰি লোৱা ।
অসত্যৰ পিনে যেন পিছল নো খোৱা ॥

শকতি থাকোতে যিটো ভকতি নকৰে ।
স ই কৈছে মিছাতেই সিটো জন্ম ধৰে ॥

ষ ই বোলে ষট কৰ্ম্মে জ্ঞান আৰ্জ্জি লোৱা ।
অসতৰ ফালে যেন ফিৰিও নোচোৱা ॥

ষট কৰ্ম্ম কৰা যদি পাইবা সুফল ।
ষই বোলা ভুলা যদি জীৱন বিফল ॥

স ই বোলে সাৱধান ? সত্যত চলিবা ।
ন হলে বিপদ তৰ নিশ্চয় জানিবা ॥

প্ৰসন্নই বোলে সমাজক যোৰ কৰি ।
দোষাদোষ কৈছে যদি লোৱা শুদ্ধ কৰি ॥

দিহা—এ মোৰ হৰি অ হৰি আকি এ আহাৰে
সাৱধানৰ কোনো কালে বিপদ ন হয় ।

স ই কৈছে এই কথা দঢ়াই দঢ়াই ।
হ ই বোলে হৰি হৰি কি কাম কৰিলা ॥
ইহ পৰকাল তুমি নৰকে ডুবিলা ।
হব পাৰা ধনী তুমি লোভ কৰ্ম্ম কৰি ॥
হই কৈছে এই পাপে মাৰিবো মোচাৰি ।
ক্ষই বোলে ক্ষমা কৰা ই পাপীৰ প্ৰতি ॥
তুমি না ৰাখিলে আৰ নাই তাৰ গতি ।
ক্ষমাবন্ত হৰি তুমি কৰিয়োক ক্ষমা ॥
ক্ষই বোলে ক্ষমা পাবা যদি ভজা ৰামা ।
ক ফলা বৰ্ণনা শেষ হৈলা এহি মানে ॥
কণ্টৌালেহে সত্য ধৰ্ম্ম শুনা সৰ্ব্ব জনে ।
কৰিয়ো হৰিৰ ভাই চৰণত ৰতি ॥
অন্তকালে সবাহাৰ জানা একে গতি ।
প বৰ্গৰ আদি নাম ৰকাৰালগত ॥
উষ্ম বৰ্ণৰ ত্ৰি অক্ষৰ দিবাহা পাছত।
অন্ন দিবা তাৰ পাছে কৰিয়া যতন ॥
মই অধমৰ নাম হইবো পুৰণ ।
ৰচনা কৰিলো মইবুদ্ধি অনুশৰি ॥
দোষাদোষ হৈছে যদি ক্ষমা নিষ্ঠ কৰি ।
শ্যামৰায় পদে মোৰ শত নমস্কাৰ ॥
বঢ়াটুটা দোষ মানে ক্ষমিবা আমাৰ ।

---

**বড়গীতৰ সুৰ।**

কিনো দিন হল ভাই কিনো দিন হল।
ৰান্ধেনী চৰুতে থাই গৈলা ৰসাতল॥

ধান চাউলৰ দৰ হৈছে অতি ভয়ঙ্কৰ
কিনিবৰ দিহা একো নাই।
ৰহৰ মচুৰ দালি দেবৰ দুৰ্ল্লভ বুলি
খাব খুজিলে পাবৰ নাই॥
খেছাৰি দালিৰ দৰ টকা টকা হৈছে সেৰ
দুখীয়া কিমতে জীউ ধৰো।
খোৱা যে তেলৰ দৰ তিনি টকা হৈছে সেৰ
দুৰ্গন্ধিত মুখে দিবা নৰো॥
দেড় টকা সেৰ গুৰ যদি পাওঁ কতো আৰ
চাহ খোৱা দিহা একো নাই।
শাক পাচলিৰ দৰ সবাতকৈ ভয়ঙ্কৰ
কচু খুত্ৰা তাকো পাবৰ নাই॥
কোনো বাই ধৰ্ম্ম কৰি ভোজ পাতে যত্ন কৰি
বস্তু আনি মিলাই বহুত।
ৰান্ধেনী বিলেনী দুই ভাজা মাছ খেনি থাই
লুকাই ৰাখে ভাতৰ মাজত॥
খাওঁতাই যদি খোজে নাই বুলি কয় লাজে
আধা পেটী সবে উঠি যাই।
মনে মনে যদি কৈছে, হাতৰ টিপতে দিছে
দেখা দেখা যুগৰ বিলাই॥

কোনো কোনো জনে নাও, কোনো আধা পেটী যাই
মনৰ অসুখে উঠি যাই ।

ৰান্ধনী বাঢ়নী দুয়ো পেট ভৰি ভৰি খাই
আৰু দুয়ো কুকুৰক দেই ॥

গুৰ খাৰ নোৱাৰাই, চেনি খুজি নাপাই
বিলেনীয়ে থইছে লুকাই ।

নাই নাই বুলি কয় মনে মনে কাকো দেই
ৰান্ধেনী বিলেনী নৰ্কে যাই ॥

এনেকৈ দেখিলো বহু শুনিয়াছো আৰু বহু
বহু লোক গেল যম ঘৰে ।

মনে মনে যিটো খাই, পেট ফিকি মৰি যাই
আৰু তেজে বাতিয়াবা ধৰে ॥

বাকী থাকা সব নৰে, স্বভাবক কিয় নেৰে
দোখয়ো নেদেখা কিয় হয় ।

খাওঁতা দিওঁতা দুয়ো, যম পুৰে যাব দুয়ো
সকলেও হব এক ঠাই ॥

বস্তুৰ অভাবে ধৰ্ম্ম লুপ্ত হোৱে কাজ কৰ্ম্ম
পেটৰ যদি ভাতে নামিলে ।

প্ৰসন্নে কহয় কান্দি, নাৰায়ণ পদে বন্দি
ৰাখা হৰি চৰণ কমলে ॥

———

১৩১৩ চনৰ স্থাপিত

# ৰজনী প্ৰভা এজেঞ্চী

পোঃ আঃ কমাৰকুছি, কামৰূপ

তলত লিখা পুথি বিলাক আমাৰ তাত লিখিলে পাব পাৰিব। ইয়াৰ বাহিৰেও আন সকলো অসমীয়া আৰু বঙালী কিতাপ আছে।

| | |
|---|---|
| সন্তোষ গণনা ধাৰাপাত | মৎস্য বিবাহ |
| উষাহৰণ শুকনাম্নি | সীতা সয়ম্বৰ |
| ধনন্তৰী বধ | প্ৰহ্লাদ চৰিত |
| পুষ্পধাৰী | বেহুলাৰ সত্য পৰীক্ষা |
| ধিৰহৰিৰ জন্ম | মিহলি বৰগীত |
| পৰীক্ষিত বধ | ভাউৰা পুৰাণ |
| শক্তিশেল উদ্ধাৰ | পটন্তৰ মালা |
| কামৰূপীয়া বিয়া গীত | মহাদেৱৰ বিয়া |
| চান্দোৰ ডিঙাগঠন | কণ্ট্ৰোল বৰ্ণনা |
| সতীদাহ | চান্দোৰ বাণিজ্য |
| স্যমন্ত হৰণ | সাথৰ |
| বসুন্ধৰী গীত | লক্ষ্মী চৰিত্ৰ |

অনুগ্ৰহাকাঙ্ক্ষী

শ্ৰীপ্ৰসন্ন চন্দ্ৰ বৰুৱা